# কংগ্ৰেছৰ গাওঁ-পঞ্চায়ত আৰু অসমৰ সমস্যা



শ্ৰীৰভা ৰামচিয়াৰী

প্ৰকাশক ঃ চৌধুৰী-টুপ যুৱক সংঘৰ হকে—
শ্ৰীমহেন্দ্ৰ ৰামচিয়াৰী ।
গাওঁ—চৌধুৰীটুপ
পোঃ--মেদাঘাট ঃ ভায়া—টিহু
জিলা— নলবাৰী
১ম প্ৰকাশ ঃ পহিলা চেপ্তেম্বৰ, ১৯৮৬ ইং চন

মূল্য ঃ ২'৫০ টকা
মুদ্ৰক— বীণাপাণি আৰ্ট প্ৰেছ, বৰপেটা

## ॥ কংগ্ৰেছৰ পঞ্চায়তী ৰাজ ব্যৱস্থা ॥

গাওঁৰ স্বায়ত্তশাসিত চৰকাৰৰ অৱস্থিতি ভাৰতত অতীজৰে পৰা চলি আহিছে। বিদেশী শাসক আৰু ৰাজনৈতিক উত্থানৰ কালছোৱাত এই কথা যদিও বিস্মৃত অৰ্থাৎ পাহৰি যোৱা যেন হৈছিল, তথাপি ই সকলো প্ৰত্যাহ্বান গ্ৰহণ কৰি জীয়াই আছিল আৰু আধুনিক ভাৰতৰ গ্ৰাম্যাঞ্চলৰ উন্নয়ন আৰু পৰিকল্পনাৰ ক্ষেত্ৰত ই হ'ল মূল আধাৰ।

বিশেষকৈ, দেশৰ পিতা বৃদ্ধ মহাত্মা গান্ধীয়ে বিশ্বাস কৰিছিল— ভাৰতৰ গণতন্ত্ৰৰ মূল তত্ত্ব, হব লাগিব গাওঁবোৰেই। গাওঁবোৰেই ভাৰতৰ প্ৰাচীন গোট আৰু যুগে যুগে এইবোৰ একে ধৰণেই আছে। ভাৰতীয় ৰাজনীতিত প্ৰধানকৈ স্বাধীনতা সংগ্ৰামৰ কালছোৱাত এই বোৰেই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

গান্ধীজীৰ মতে কব লাগিলে—" গাওঁৰ সম্প্ৰদায়সমূহ ক্ষুদ্ৰ গণৰাজ্য। প্ৰয়োজনীয় সকলো তেওঁলোকৰ সদায় সুলভ-সৰল হৈ আছে আৰু বহিঃসম্পৰ্কৰ পৰা তেওঁলোক সম্পূৰ্ণ মুক্ত। য'ত একোৱেই অশান্তিৰ বীজ থাকিব নোৱাৰে তাতেই যেন তেওঁলোক সততে আছে।

গান্ধীজীৰ মতে গণতন্ত্ৰ তলৰ পৰা আৰম্ভ কৰিব লাগে আৰু প্ৰতিখন গাওঁ গণৰাজ্য অথবা সম্পূৰ্ণ ক্ষমতাযুক্ত পঞ্চায়ত হ'ব লাগে, ইয়াৰ অৰ্থ প্ৰতিখন গাওঁ আত্মনিৰ্ভৰশীল আৰু নিজেই নিজৰ সকলো উন্নয়ন কাম কৰিব লাগিব। পৰ নিৰ্ভৰতা হিচাবে ওচৰ চুবুৰীয়াৰ সহায় সহযোগ গ্ৰহণ কৰাত বিৰোধিতা নহয়।

গান্ধীজীয়ে দেশৰ বাবে এনেধৰণৰ সাংগঠনিক গাঠনিৰ কল্পনা কৰিছিল যাৰ নাম পঞ্চায়তী ৰাজ সংবিধান বুলি জনাজাত হয়

আৰু পঞ্চায়তক নাগৰিক সকলৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক কামৰ মূল সংগঠন হব বুলি ধৰি লোৱা হৈছিল। আৰু গাওঁপঞ্চায়তেই "পঞ্চায়ত ৰাজ"ৰ প্ৰকৃত মেৰুদণ্ড। ইয়াৰ সদস্যসকলে বিষয়া পৰ্য্যায়ৰ সদস্য নিৰ্ব্বাচন কৰে। বিষয়া পৰ্য্যায়ৰ পঞ্চায়তে জিলা পঞ্চায়তৰ সদস্য নিৰ্ব্বাচন কৰে, জিলা পঞ্চায়তে প্ৰান্ত (ৰাজ্য) পঞ্চায়তৰ সদস্য নিৰ্ব্বাচন কৰে আৰু জিলা পঞ্চায়তৰ সদস্য সকলেই আকৌ ৰাষ্ট্ৰপঞ্চায়ত সদস্য নিয়োগ কৰে। গান্ধীজীয়ে ৰাষ্ট্ৰীয় পৰ্য্যায় পৰ্য্যন্ত পঞ্চায়তীৰাজৰ আহিত গণতান্ত্ৰিক ব্যৱস্থা কৰাৰ আদৰ্শ দাভি ধৰিছিল দেশৰ নেতা সকলৰ ওচৰত। তেওঁ ব্যক্তিৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। ব্যক্তিয়ে নিজৰ চৰকাৰ গঠনৰ কাম কৰিব আৰু অহিংস আইন প্ৰনয়ণৰ ব্যৱস্থা কৰিব পাৰিব। গাওঁ পঞ্চায়ত আৰু ওপৰৰ নিৰ্ব্বাচন সমূহ প্ৰাপ্ত বয়স্কৰ ভোটৰ জৰিয়তেহে সম্পন্ন হব লাগিব আৰু এই নিৰ্ব্বাচন হব লাগিব প্ৰত্যক্ষ আৰু পৰোক্ষ উপায়েৰে ।

নাগৰিকৰ ক্ষমতাৰে গাওঁবোৰ কৰ্তৃত্বৰ কেন্দ্ৰ আৰু ইয়াৰ পৰাই ওপৰৰ সংগঠনবোৰে কৰ্তৃত্ব পাব পাৰে। মহামানৱ গান্ধীজীৰ মতে কব লাগিলে, "অগণন গাওঁ সমূহৰ দ্বাৰা গঠিত সংগঠনত সুবিশাল পৰিধিৰ থাকিব লাগে। জীৱন নিম্নস্তৰত ভোগ সম্পন্ন আৰু নিৰাপদ হব লাগিব আৰু ইয়াৰ পৰিণতি হিচাবে ই এটা সুবিশাল পৰিধি যাৰ কেন্দ্ৰ হব গাওঁৰ বাবে মৃত্যু পণ কৰা ব্যক্তি। সৰ্ব্বশেষত, সকলো এক প্ৰাণত পৰিণত হব—যত কেতিয়াও অহংকাৰী থাকা হিংসুক নহব, কিন্তু হব অতি বিনম্ৰ সমগ্ৰ পৰিধিৰ অধিক অংশৰ লগত অংশগ্ৰহণৰ বাবে ইচ্ছাদৰ্শিত। গতিকে বাহিৰৰ বৃহৎ পৰিসৰে ভিতৰৰ কেন্দ্ৰক মৰিমূৰ কৰিবলৈ শক্তি প্ৰাৱল নকৰিব, কিন্তু ইয়াৰ পৰিবৰ্ত্তে ভিতৰৰ সকলোকে শক্তিহে দিব আৰু নিজেই তাৰ পৰাই শক্তি আহৰণ কৰিব।" এনেদৰেই গান্ধীজীয়ে পঞ্চায়ত অধিক শক্তিৰ অধিকাৰী হোৱাৰ সপক্ষে

ভিত্তিমত নীতি ধৰিছিল। সমগ্ৰ আৰ্চনিটোৰ মৰ্য্যাদা, শীল, গুণৰ দুটি আহিল ক্ষমতাৰ বিকেন্দ্ৰীকৰণ আৰু পাৰস্পৰিক আস্থা আৰু আত্ম সহযোগৰ আদৰ্শৰ সংবৰ্দ্ধন।

গ্ৰাম্য স্বায়ত্ত শাসিত চৰকাৰৰ গোট হিচাপে পঞ্চায়তৰ সাংবিধানিক স্বীকৃতি সংবিধানৰ ৪০ নং অনুচ্ছেদ অন্তৰ্ভুক্ত কৰিবৰ কাৰণে গান্ধী আৰু তেওঁৰ অনুগামীসকলে জোৰ কৰে দাবি ধৰাতহে সংবিধানৰ অনুচ্ছেদ অন্তৰ্ভুক্তৰ কাম সম্পন্ন হয়। গান্ধীয়ে বিচৰামতে পঞ্চায়তীৰাজ সংবিধান দেশৰ নেতা সকলে বিচৰা নাছিল। কিন্তু সংবিধান গৃহীত হোৱাৰ একদশকৰ পিচত যেতিয়া ১৯৫৯ চনৰ ২ অক্টোবৰ তাৰিখে পঞ্চায়তী ৰাজৰ উদ্বোধন হয়, তেতিয়া গান্ধীজীয়ে বিচৰামতে গ্ৰাম্য স্বায়ত্ত শাসিত চৰকাৰৰ বিজয় ঘোষিত হ'ল।

## ॥ কাম-কাজৰ বাণী ॥

সচৰা-চৰকৈ কব লাগিলে, গাওঁ পঞ্চায়তে গাওঁৰ চাহিদা অনুযায়ী গাওঁৰ উন্নয়নৰ অৰ্থে গ্ৰাম্য পৰিকল্পনা সমূহৰ কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত সমূহীয়া উন্নয়নৰ প্ৰতিনিধি হিচাপে ভূমিকা লয়। কৰা কামৰ মূল্যায়ণ আৰু কিছুমান প্ৰয়োজনীয় আৰু বিচাৰমূলক কামো পঞ্চায়তে সম্পন্ন কৰিব লাগে আৰু গান্ধীজীৰ নেতৃত্বত ভৰষা দিছিল যে পঞ্চায়ত সমূহক বহু কাম হব, বৃত্তি আৰু উদ্যোগৰ মৰ্য্যাদা দিয়াতো। এই গ্ৰাম্য সংস্থাটোৰ কাম হব পঞ্চা-ৰাইজক বিৰোধ বৰ্জন কৰিবলৈ দিয়োৱা আৰু যেতিয়াবা এনে বিবাদ সৃষ্টি হলে, তেতিয়া সেইবোৰ কোনো খৰচ নকৰাকৈ অনতি পলমে ন্যায়সংগত বিচাৰ কৰাও পঞ্চায়তৰ কাম হব। গান্ধীয়ে

দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে গণ্ডা-ৰাইজক যদি শিক্ষিত কৰা যায়, তেনেহলে বৰ্ত্তমানে দেশৰ বিভিন্ন ঠাইত শান্তি-শৃঙ্খলা ৰক্ষাৰ নামত নিয়োগ কৰা সামৰিক বাহিনী আৰু পুলিচ বাহিনীৰ প্ৰয়োজন নহ'ব। গান্ধীজীয়ে যথাৰ্থভাৱে আদৰ্শ বিস্তাৰ কৰিছিল যে ভাৰতত মূল-প্ৰকৃত গণ্য কৰিব লগা লোক হ'ল 'কিষাণ' (খেতিয়ক) আৰু পঞ্চায়তে এই খেতিয়ক শ্ৰেণীক সহায় কৰি প্ৰচুৰ উৎপাদন বৃদ্ধি কৰিব লাগে। গৰু, ম'হ আদি উন্নয়ন সাধনো পঞ্চায়তৰে দায়িত্বৰ ভিতৰত। পঞ্চায়তে ৰাগিয়াল বস্তু বৰ্জন আৰু অস্পৃশ্যতা বৰ্জনৰ কাৰণে তৎপৰ হব লাগে আৰু গণ্ডা-ৰাইজৰ মাজত ভাতৃত্বৰ আদৰ্শ জগাই তুলিব লাগে।

বিশুদ্ধ পানী যোগানৰ উপৰিও গ্ৰাম্য চৰকাৰে পাৰ্ত্তৰ স্বাস্থ্য ৰক্ষা ব্যৱস্থা, বাধ্যতামূলক বুনিয়াদী শিক্ষা ব্যৱস্থা, খেলৰ পথাৰ, নাট্যশালা আদিৰো ব্যৱস্থা কৰিব লাগে। তদুপৰি পঞ্চায়তৰ কাৰ্য্যকৃততাৰ পৰীক্ষা হ'ল সমবায় পদ্ধতিৰ সমাজৰ কাৰ্য্যকলাপ। পঞ্চায়ত সমূহেই বিধায়িনী আৰু ন্যায় পালিকাৰ ভূমিকা ইয়াৰ এবছৰীয়া কাৰ্য্যকালত লব লাগিব। পঞ্চায়তবাজত পঞ্চায়তক মাত্ৰ সকলোৱে মানিব লাগে আৰু পঞ্চায়তে নিজৰ আইন মতে নিজেই নিজৰ কাৰ্য্য বিধিৰ পৰিচালনা কৰিব—কিন্তু আজিও বহু দূৰৰ লক্ষ্য হৈ আছে।

কংগ্ৰেছ চৰকাৰে প্ৰথমে স্বাধীন ভাৰতৰ সংবিধানৰ আইন ধাৰা মতে চৰকাৰে পঞ্চায়ত গঠনৰ ব্যৱস্থা লব,—পঞ্চায়ত সমূহক ক্ষমতা দিব স্বায়ত্ব শাসিত অংশ বিশেষৰ দৰে কাম কৰিব পৰাকৈ।

ভাৰতৰ সকলো ঠাইতেই অৰ্থাৎ সকলো ৰাজ্যতেই পঞ্চায়ত গঠনৰ আইন প্ৰনয়ণ কৰা হয় আৰু ১৯৫৯ চনত, ইয়াৰ কাৰ্য্য-কাৰীতা ঘোষণা কৰা হয় নতুন পঞ্চায়ত গঠনৰ। সংবিধানৰ আইন ধাৰাত কোৱা আছে যে "ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত পূৰ্ণাংশ ভাৱে প্ৰয়োজন অনুসৰি উন্নয়ন মূলক কাম কৰিব পৰাকৈ

ক্ষমতা অৰ্পণ কৰা হ'ব।" অতি সৌভাগ্যৰ কথা যে, জনবহুল সৰ্বসাধাৰণৰ মাজত ওতঃপ্ৰোতঃভাৱৰ সম্বন্ধ থকা লোকসকলৰ হাতত ক্ষমতা অৰ্পণ কৰি দিলে, দেশ গঠনৰ কামত আৰু ন্যায় বিচাৰ-বিবেচনাৰ কাম কিছু আশা কৰিব পাৰি।

বিশেষকৈ, ৰাজ্যিক চৰকাৰে কোৱা হৈছে যে ৫ খন বা তাৰ অধিক গাওঁপঞ্চায়তৰ অঞ্চলভুৰি একোখনি "পঞ্চায়তী" আদালত পাতিব পৰা ক্ষমতা থাকিব। আৰু আদালতত কি কি বিষয়ৰ ক্ষমতা দিয়া হ'ব, বা দিয়া ক্ষমতা প্ৰত্যাহাৰ কৰা হ'ব, তাকো স্থিৰ কৰিব ৰাজ্যিক চৰকাৰেহে, পঞ্চায়তৰ বিবেচনাধীন নহয়। আচলতে ইয়ানবিলাক কামৰ ফিৰিস্তি ধৰা হৈছে যে ৰাজ্যিক চৰকাৰে কামৰ বোজাৰ পৰা কিছু সকাহ পাব পাৰে এই কথা ধুৰুপ। কিন্তু পঞ্চায়তৰ কৰ্মী বা সদস্যবিলাকক শাসনৰ অভিজ্ঞতা আৰু আদৰ্শত কিছু দূৰ আগবঢ়াই নিয়াটো ৰাজ্য চৰকাৰৰ দায়িত্ব নাছিল? এই কামে পৰিকল্পনাকাৰী সকলে মন-কাণেই নকৰিলে। বৰং পঞ্চায়তৰ ওপৰত কেনেকৈ আধিপত্য কৰিব পৰা যায়, তাৰ অপকৌশল লৈহে ব্যস্ত। চাওঁতে চাওঁতে অৱশেষত, ১৯৮৪, ১৯৮৫ চনত দুই তিনি বছৰ পৰ্যন্ত ৰাষ্ট্ৰপতিৰ হাতত গণতন্ত্ৰৰ টোপোলা বান্ধি থ'ব লগা হয়।

এনে অজ্ঞাতসাৰৰ কথা যে, এফালে যেতিয়া গণতন্ত্ৰক টোপোলা বান্ধি থয়, তেতিয়া আন ফালে জৰুৰী কালীন আইনৰ বলেৰে পঞ্চায়তৰ কৰ্মীৰ দ্বাৰা হাপা-ধুপকৈ কৰ-কাটল, খাজানা আদায় নকৰি এৰা নাই। গাওঁ-ভুই, চহৰ-নগৰ, চুকে-কোণে হাজাৰ হাজাৰ পঞ্চায়তী কৰ আদায় কৰা দেখা গৈছে। দেশ গঠনৰ বাবে আদৰ্শবাদী পঞ্চায়ত গঠনৰ কামত কংগ্ৰেছ চৰকাৰ অপদাৰ্থ, কিন্তু দুখীয়াৰ ঘৰত ভঙা-ফুটা গাড়ী, চাইকেলৰ খাজনা আদায় কৰাত সম্পূৰ্ণ স্বাৰ্থত গত ১৯৮৪ৰ পৰা ১৯৮৫ চনৰ ভিতৰত পঞ্চায়তৰ নিম্ন কৰ্মচাৰীবোৰক, কিছুমান ঠাইত চৰকাৰৰ হেঁচাত

মৰি-মৰিকৈ আধাপেটি খাইও তথা অনাহাৰে দিনত ৰাতি আজিও ৰহি বা টাউনৰ ( বজাৰ ) চাৰি ত'কত ৰহি পকাৰতী'কৰ, খাজনা আদায়ত প্ৰাণ নিয়োজিত হোৱা দেখা গৈছে। অথচ, তেওঁলোকৰ দৰমহাৰ ছয়মাহ, বছৰদিন ধৰি একো খবৰ নাই। ফলত তেওঁলোকৰ পৰিয়ালে সদায় জীয়াতু ভোগ কৰিব লাগে। বছৰকে বছৰ ধৰি মহাজনৰ ধাৰ খোৱা আৰু দোকানত বাকী খোৱা গাওঁপঞ্চায়তৰ নিম্ন কৰ্মচাৰী বহু লোকক এনেকৈ ভুকলা যাতনা অৱস্থাত দেখা গৈছে ( শেষ পৰ্যান্ত )। শেষ পৰ্য্যন্ত এই বিভাগৰ চাকৰি নকৰিবলৈও প্ৰতিজ্ঞাবদ্ধ হৈছে। যাক। ভঙ্গ হোৱা অসমৰ কংগ্ৰেছ চৰকাৰৰ ব্যৰ্থতাপূৰ্ণৰ ইতিবৃত্তৰ কথা বিবৰি কোৱাৰ সকাম নাই।

এতিয়া আমি দেশবাসী সৰ্ব্বসাধাৰণ ৰাইজে বিচাৰিছো কি? আমি সৰ্ব্বসাধাৰণ ৰাইজে চয়তানৰ চক্ৰান্তত, যি জনে যি দলতেই নাথাকক কিয়—ৰাজ্যৰ তথা দেশৰ শাসন ব্যৱস্থাৰ আমোল পৰিবৰ্ত্তন নিশ্চয় বিচাৰিছো। দেশৰ পিতা মহামানৱ মহাত্মাগান্ধীজীয়ে যি আদৰ্শৰ পৰিকল্পনা কৰি থৈ গ'ল, যাৰ নাম শ্ৰেণীহীন সমাজ। ধনী দুখীয়াৰ শ্ৰেণী বৈষম্য বা বিৰোধ অৱসান ঘটাই মুক্তি, শান্তি, প্ৰগতি আৰু ঐক্যৰ সমাজ প্ৰতিষ্ঠাই দেশৰ তথা ৰাজ্যৰ সমগ্ৰ ৰাইজ-জনসাধাৰণৰ গুৰুত্বপূৰ্ণ প্ৰয়োজন আৰু মূল আদৰ্শ।

## ॥ অসমৰ নতুন গণৰাজ্য চৰকাৰে কি কৰিব? ॥

স্বাধীনতা লাভৰ পাঁচ বছৰৰ পিচৰে পৰা কংগ্ৰেছৰ নৱপ্ৰতিষ্ঠিত শাসন কাৰ্য্যক তীব্ৰ নিন্দাৰে নানা যুক্তিৰ মাধ্যমেৰে বিৰুদ্ধাচৰণকাৰী পাৰ্টী বা দল-উপদল ভৰি পৰিল। ভাৰতত স্বাধীনতা লাভৰ পিচতে শ-শ বিৰুদ্ধ দল তৈয়াৰ হৈ উঠে ৰাজনৈতিক ভাৱ

তথাকথিত ৰাজনৈতিক ভাবে। অসমতো ৰাজনৈতিক, অৰাজনৈতিক "শাসন সংস্কাৰবাদী" বিভিন্ন দল-উপদলৰ নেতৃত্বত এনে আন্দোলন চলি আহিছেই, যাৰ ফলত কংগ্ৰেছ পাৰ্টি য়ে এইবাৰ ১৯৮৫ চনত শেষ পৰীক্ষাৰ সন্মুখত পৰিল।

শ, শ বিৰুদ্ধাচৰণ থকা স্বত্বেও সুদীৰ্ঘ ৩৮ বছৰ ৰাজত্ব লাভ কৰিলে কংগ্ৰেছে।

অসম তথা ভাৰতত এখন সুস্থ প্ৰগতিবাদী শাসন প্ৰতিষ্ঠা অৰ্থাৎ "সমাজতন্ত্ৰবাদী" ৰাষ্ট্ৰ গঠনৰ আদৰ্শত—তথাকথিত অনু-প্ৰাণিত বিভিন্ন বাম গণতান্ত্ৰিক দলবোৰে উঠি পৰি আন্দোলন কৰি আহিছে বহুদিন আগৰ পৰাই। বিশেষকৈ – ১৯৪৯-৫০ চনত বাম পন্থী যুক্ত ফ্ৰণ্ট গঠন কৰি কংগ্ৰেছক নিৰ্ব্বাচনত পৰাজয় কৰি কংগ্ৰেছৰ ঠাইত এখন নতুন বিকল্প চৰকাৰ গঠনৰ আপ্ৰাণ চেষ্টা চলিছিল কিন্তু কোনোমতে কৃতকাৰ্য্য হব নোৱাৰিলে। এতিয়াও এই চেষ্টা কৰি আছে যদিও, ই কোনোমতে সম্ভৱপৰ হৈ উঠা নাই। বিভিন্ন বামপন্থী দল উপদলবোৰে ইমান দিনে এক মত হব নোৱাৰিলে, বৰং সাম্প্ৰদায়িকতাবাদ, গোষ্ঠীগতবাদ, আঞ্চলিকতাবাদ আদি অশান্তিকৰ পৰিবেশৰ পৰিণতি ঘটিল।

আজি মুক্তি, শান্তি প্ৰগতি আৰু ঐক্য তথা দেশ প্ৰেমিক কংগ্ৰেছৰ মহাত্মাগান্ধী আৰু জৱহৰলাল নেহৰুৰ সমাজতন্ত্ৰবাদী পৰিকল্পনাৰ আদৰ্শ বহু দূৰলৈহে পিছুৱাই গ'ল। দেশৰ নেতা সকলৰ মনত, সম্প্ৰদায়ৰ নেতা সকলৰ মনত, বুদ্ধিজীবি নেতা সকলৰ মনত, সুবিধাবাদী ধনীক ৰাজনীতিবাদী – তথাকথিত ৰাজনীতিবাদী সকলৰ মনত পৰস্পৰ বিৰুদ্ধাচৰণ হ'ল, সাম্প্ৰদায়িকতাবাদ, গোষ্ঠীগত-বাদ, আঞ্চলিকতাবাদ আদি বিভিন্ন মতবিৰোধে গা কৰি উঠিল। শেষ পৰ্য্যন্ত "যুদ্ধংদেহী" মনোভাব জাগি উঠিল সম্প্ৰদায় সমূহৰ মাজত।

বহিৰাগত সমস্যাৰ সমাধানত ৪।৫ বছৰৰ আন্দোলনে শ, শ, কৌটি টকা ছাই কৰিলে। যি উদ্দেশ্যক লৈ আন্দোলনকাৰী সকলে

অসমৰ শ, শ, কৌটি টকা ছাই কৰিলেও সেই উদ্দেশ্য সাধন হ'ব। এতিয়া তেওঁলোকৰ ইচ্ছা আৰু আদৰ্শৰ মতে শাসন সংস্কাৰ কৰিব তাত আপত্তি কাৰো নাই আৰু থকাও উচিত নহয়। কিন্তু এই কথা ঠিক যে য'ত শোষণ আৰু কুখ্যাৎ হাহাকাৰ নাথাকে, তাতেহে শান্তি আৰু প্ৰগতি বিৰাজমান হয়।

অসমৰ বিনষ্ট হোৱা সম্পদৰ ক্ষতিপূৰণ কত কত? অসমৰ সমগ্ৰ ৰাইজে প্ৰশ্ন তুলিব লাগিব, নব সংগঠিত, নব প্ৰতিষ্ঠিত গণৰাজ্য চৰকাৰৰ পৰিকল্পনাকাৰী সকলে এই ক্ষতিপূৰণ কাৰ মূৰত জাপি দিব? বহিৰাজ্যৰ ধনীক শিল্প ব্যৱসায়ীলোকৰ ওপৰত নে সৰ্ব্ব সাধাৰণৰ ওপৰত। গত ৩।৪ বছৰৰ ভিতৰত মহান জটিল আৰু ভয়াবহ সৃষ্টিৰ মাজেৰে যি ক্ষয়-ক্ষতি হৈ গ'ল—এই ক্ষয়-ক্ষতি পূৰণ কৰিবলৈ নতুন চৰকাৰৰ পৰিকল্পনাকাৰী সকলেইহে গুৰু কৰ্ত্তব্য বা আদৰ্শ গ্ৰহণ কৰা নিতান্ত প্ৰয়োজন।

ভাৰত চৰকাৰৰ ১৯৫১ চনৰ লোকপিয়ল মতে ২০,৭৪, ৪৫৫ জন ভগনীয়া অসমলৈ আহে। ১৯৫৭ চনত এই ভগনীয়াৰ সংখ্যা ৪, ৮২, ৮০০ জন বৃদ্ধি হয়। ইয়াৰ ফলত, অসমৰ মুঠ জনসংখ্যা অত্যাধিক হাৰত বৃদ্ধি পাব ধৰে। আৰু ইয়াৰ বাহিৰেও অসমত চাহ শিল্পৰ সম্প্ৰসাৰণৰ বৃদ্ধিৰ লগে লগে বিহাৰ, উৰিষ্যা, মাদ্ৰাজ প্ৰদেশৰ পৰাও হাজাৰ হাজাৰ শ্ৰমিক জীৱিকাৰ উপায় বিচাৰি অসমলৈ আহে।

ইয়াৰ প্ৰধান কাৰণো হ'ল— অসমৰ ব্যৱসায়-বাণিজ্য আৰু শিল্পবোৰ অসমৰ বাহিৰৰ লোকৰ দ্বাৰা পৰিচালিত। গতিকে প্ৰথম আৰু দ্বিতীয় পৰিকল্পনাৰ কালছোৱাত শিল্প বাণিজ্য সম্প্ৰসাৰণৰ লগে লগে ভাৰতৰ আন আন ৰাজ্যৰ পৰা অসৎ ব্যৱসায়ী, চাকৰিয়াল আৰু শ্ৰমিকৰ সোঁত অসমলৈ বৈছিল। গতিকে, এই সাক্ষ্য-প্ৰমাণ বা তথ্যমতে অসমৰ টকা ক্ষতি পূৰণৰ বাট বিচাৰি ফুৰিব নালাগে। যাহওঁক, আন এটি প্ৰশ্ন ৰাইজে কৰি আছে—পাওঁপঞ্চায়ত নিৰ্ব্বাচনৰ কাম কেতিয়া হব?

ইতিমধ্যে আন আন ৰাজ্যত পঞ্চায়তৰ নিৰ্বাচনৰ কাম সম্পন্ন হৈ গৈছে ; অসমতো ( ১৯৮৬ চনত ) যে আৰু দুই মাহৰ ভিতৰত পঞ্চায়ত নিৰ্বাচনৰ কাম সম্পন্ন কৰা কথা আছিল ; কিন্তু আজিলৈ কোনো ব্যৱস্থা নহল । কোন মাহত হ'ব তাকো ৰাইজে একো নাজানে । সুস্থ পৰিবেশ আনি সুকলমে পঞ্চায়ত নিৰ্বাচনৰ কাম সম্পন্ন কৰা দূৰৈৰ কথা—তেওঁলোকৰ আসনৰ গ'দী লাভৰ মীমাংসাই কঠিন হৈ পৰিছে আৰু ( শাসনৰ ) শাসনৰ পৰম্পৰা লাভ কৰাও তদ্ৰূপ ।

## ॥ নতুন চৰকাৰৰ পৰা উন্নয়ন সাধন লাগে ॥

কংগ্ৰেছৰ ৩৮ বছৰ ৰাজত্বৰ পিছত আজি ১৯৮৬ চনত নতুন গণৰাজ্য চৰকাৰ ( অসম গণপৰিষদ ) গঠিত হয় ; কাইলৈ হয়তো কুখ্যাত কৌশলেৰে কংগ্ৰেছে (ই) আকৌ শাসন লাভ কৰিব পাৰে, নাইবা দল-উপদলৰ যুক্ত ফ্ৰন্টৰ বিকল্প চৰকাৰ প্ৰতিষ্ঠা হ'ব পাৰে, বা চি. পি. আই, চি পি এম, লোকদল, জনতাপাৰ্টি, এচ ইউ চি আই, আৰ চি পি আই, আদি যি কোনো দলৰ চৰকাৰ গঠিত হ'ব পাৰে ; আধুনিক ৰাজনৈতিক জটিল পৰিস্থিতিত একো সাজ-ৰাৰ স্থিৰতা নাই ।

যি কোনো চৰকাৰ বা দলেই শাসন লাভ নকৰক কিয়—প্ৰগতিৰ পথত সৰ্বনিম্ন সমগ্ৰ জনসাধাৰণৰ স্বাৰ্থৰ সপক্ষে নিম্নতম প্ৰথাৰে সমাজ বা দেশে উন্নয়ন সাধন লাগে । সেয়ে আমি সদৌ ভূমিহীন সন্থাই শান্তিপূৰ্ণ প্ৰস্তাৱনা দাঙি ধৰিছো ঃ

**প্ৰস্তাৱনা ঃ—**

১। বৰ্তমান ভূমি-সংস্কাৰ আইন সংশোধন কৰা ; চিলিং আইনৰ

বজত পোৱা মাটি, কৃষীয়া বা ভূমিহীন কৃষকক মাজত সমবায় ভিত্তিত পট্টন দিয়া।

২। ৰাজহুৱা বা বহমুখী সমবায় সমিতিৰ জৰিয়তে ধান-চাউল, চেনি, দাইল, আটা, মিঠাতেল, তেল, চাবোন, কেৰাচিন, কিতাপ-কাগজ, সূতা-কাপোৰ, নিত্যাব্যৱহাৰ্য্য কাচন-বৰ্তন আদি সকলো সামগ্ৰী সুলভ মূল্যত যোগান সুনিশ্চিত কৰা।

৩। চৰকাৰে কৃষিজাত সকলো সামগ্ৰী ন্যায্য মূল্যত কিনি লৈ বাইজৰ অভাৱগ্ৰস্ততাৰ সময়ত সুলভ মূল্যত যোগান ধৰা।

৪। সামাজিক বনানিকৰণৰ নামত কৃষক উচ্ছেদ বন্ধ কৰা।

৫। প্ৰকৃত খেতিয়কক নামমাত্ৰ সুদত চৰকাৰী দীৰ্ঘম্যাদি ঋণ দিয়া আৰু কৃষিৰ সঁজুলি সুলভ মূল্যত যোগান ধৰা।

৬। কৃষি মজুৰৰ সৰ্বনিম্ন মজুৰি ১৫ টকা ধাৰ্য্য কৰা, অধিক কামৰ ব্যৱস্থা আৰু কৃষি বণুৱা আইন প্ৰণয়ন কৰা।

৭। প্ৰজা আৰু আধিয়াৰক খতিয়ানভুক্ত কৰি দখলীস্বত্বৰ প্ৰমাণ পট্টা দিয়া।

৮। নিম্ন চৰকাৰী চাকৰিয়ালৰ বেতন বৃদ্ধি কৰা কিন্তু প্ৰতিবছৰে দহ হাজাৰ টকাৰ অধিক বেতন ভোগী চৰকাৰী চাকৰিয়ালৰ দৰমহা বৃদ্ধি নিসিদ্ধ আইন প্ৰণয়ন কৰা।

৯। চৰকাৰী মাটি জৰীপ কৰি দখলদাৰ প্ৰকৃত খেতিয়কক পট্টা দিয়া।

১০। একচনা মাটি বিনা প্ৰিমিয়ামে পট্টা দিয়া।

১১। বিনা খৰচত চৰকাৰী সকলো কৰ্মচাৰীয়ে অফিচিয়েল কাম সমাপন কৰাৰ চৰকাৰী তীব্ৰ কঠোৰ ব্যৱস্থা কৰা।

১২। গাওঁপঞ্চায়তক পূৰ্ণৰূপে চৰকাৰী পৰ্য্যাপ্ত কৰণ আৰু গান্ধীবাদী আদৰ্শত শাসিত পঞ্চায়তীৰাজ প্ৰৱৰ্তন কৰা।

১৩। সমবায় ভিত্তিত ভূমিহীন লোকৰ আদৰ্শগাওঁ নিৰ্মাণ কৰি যান্ত্ৰিক সহায়েৰে পানী যোগান ধৰি কম মাটিত অধিক ফচল উৎপাদনৰ ব্যৱস্থা কৰা।

১৪। সমবায় ভিত্তিত ঠেলাওলাক পৰিবহন ইঞ্জিন অৰ্থাৎ ট্ৰাক আদি ঋণ চৰ্ত্তত মজুৰী দি হাড় ভঙা পৰিশ্ৰমৰ পৰা মুক্ত কৰা।

১৫। ১০ বিঘাৰ কম মাটি থকা খেতিয়কৰ মাটিত খাজনা মাফ দিয়া।

১৬। শিক্ষিত নিবনুৱা আৰু অৰ্দ্ধশিক্ষিত নিবনুৱাক চাকৰি দিয়া বা দীৰ্ঘম্যাদী ঋণ যোগে চৰকাৰী পাইকাৰী ব্যৱসায়ৰ ব্যৱস্থা।

১৭। চৰকাৰী কৰ্মচাৰী ঘোচ খোৱা দুৰ্নীতি ৰোধ কৰা।

১৮। বেচৰকাৰী বা বিনা লাইচেন্সনিং পাইকাৰী ব্যৱসায় আইনতঃ নিষিদ্ধকৰণ কৰা।

১৯। উচ্চ মধ্যবিত্ত ধনীক ব্যৱসায়ীৰ ওপৰত চৰকাৰী হস্তক্ষেপ আইনতঃ সিদ্ধ কৰণ।

২০। অসমৰ ধনী, দুখীয়া শ্ৰেণী বৈষম্য দূৰীকৰণৰ আইন প্ৰনয়ণ; অসম পঞ্চায়তী ৰাজ আইনতঃ সন্নিবিষ্ট কৰণ।

২১। বৰ্ত্তমান চলি থকা পঞ্চায়তী কৰকাটলৰ পৰা ৰেহাই দিয়া।

২২। ১৯৫৫ চনত কংগ্ৰেছে পৰিকল্পনাৰ জৰিয়তে সিদ্ধান্ত লোৱা সমাজবাদী অৰ্থনীতি ৰাষ্ট্ৰত ৰূপায়ণ কৰা।

২৩। নগৰ-চহৰ আৰু গাওঁ অঞ্চল সমূহৰ খোলা বজাৰ সমূহ 'ষ্টেট ট্ৰেডিং' প্ৰবৰ্ত্তন কৰি চৰকাৰী কৰ্মচাৰীৰ দ্বাৰা সকলো সামগ্ৰী নিয়ন্ত্ৰিত মূল্যত পৰিচালনা কৰা।

২৪। শান্তিপূৰ্ণ আৰু ন্যায়সঙ্গত ব্যৱস্থাৰে বিদেশী বিতাৰণ আৰু নতুনকৈ অনুপ্ৰৱেশ কৰিব নোৱাৰা কঠোৰ ব্যৱস্থা কৰা।

# কংগ্ৰেছ দুই দল আৰু স্বাধীনতাৰ পিছত বহুদল

সঁচাকৈ বৃটিছ সাম্ৰাজ্যবাদীৰ বিৰুদ্ধে কংগ্ৰেছে জন-গণক তীব্ৰ সংগ্ৰামৰ শক্তি দিছিল—

ভাৰতীয় জাতীয় কংগ্ৰেছে গণতন্ত্ৰ, সমাজবাদ আৰু ধৰ্ম নিৰপেক্ষতাক মূলমন্ত্ৰ বা আদৰ্শ ৰূপে গ্ৰহণ কৰিছিল, এতিয়া নহয়, স্বাধীনতাৰ বহু বছৰ আগৰে পৰা। স্বাধীনতাৰ কাৰণে চলোৱা গণ আন্দোলনক চেতনা দিছিল আৰু বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰামৰ শক্তি দিছিল - এই মূল নীতিবোৰে।

স্বাধীনতা লাভৰ কাৰণে ভাৰতৰ সমগ্ৰ জনতাক লৈ কংগ্ৰেছে গান্ধীজীৰ নেতৃত্বত অসহযোগ আন্দোলন কৰিছিল আৰু অৱশেষত গণবিপ্লৱ কৰিছিল। সেই বিপ্লৱত জনতাক আহ্বান কৰাৰ কাৰণে স্বৰাজৰ উদ্দেশ্য ব্যাখ্যা দিয়াৰ প্ৰয়োজন হৈছিল। মহাত্মাজীৰ নেতৃত্বত হোৱা গণ আন্দোলনৰ সময়তে গান্ধীজীয়ে ১৯৩১ চনতে স্বৰাজৰ ব্যাখ্যা দি কৈছিল যে পূৰ্ণ স্বৰাজ মানে কংগ্ৰেছে কি অৰ্থ কৰে এই সম্পৰ্কে নেতা সকলে যেন কোনেও ভুল নকৰে।

পূৰ্ণ স্বৰাজৰ অৰ্থ হ'ল—"কোটি কোটি শ্ৰমজীৱি জনসাধাৰণৰ পূৰ্ণ অৰ্থনৈতিক স্বাধীনতা। তেওঁলোকক শোষণ কৰা কোনো শ্ৰেণী স্বাৰ্থৰ লগত কুখ্যাত অপবিত্ৰ সম্পৰ্কৰ কোনো ৰকমৰ স্থান ইয়াত নাই।"

স্বাধীনতা সংগ্ৰামত জনসাধাৰণক জাতি বৰ্ণ নিৰ্বিশেষে ঐক্যবদ্ধ কৰাৰ সৰ্বাধিক প্ৰয়োজনীয়তা দেখা দিছিল। এই ঐক্যবদ্ধ কৰাৰ বাটত প্ৰধান অন্তৰায় হিচাবে ধৰ্মীয় সাম্প্ৰদায়িক সংঘবোৰ থিয় হৈছিল—যাক কোৱা হয় সোঁপন্থী প্ৰতিক্ৰিয়াশীল শক্তি। এই শক্তিবোৰৰ বিৰুদ্ধে একালে কৃষক শ্ৰমিকক কৃষক সভা আৰু ট্ৰেড ইউনিয়নবোৰে শ্ৰেণীভিত্তিত ধনিক ঐক্যবদ্ধ কৰিছিল আৰু আন

ক্ষালে মহাত্মাগান্ধীয়ে সাম্প্রদায়িকতাৰ বিৰুদ্ধে হিন্দু-মুছলমানৰ ঐক্যৰ অভিযান, হৰিজন আন্দোলন আৰু আন আন সামাজিক তথা দেশৰ গঠন মূলক কামেৰে জনতাক ঐক্যবদ্ধ কৰিছিল।

গান্ধীজীয়ে সাম্প্রদায়িকতা নিৰ্মূল কৰাৰ অভিযানত সকলো ধৰ্ম সমন্বয়ৰ নীতি প্ৰয়োগ কৰিছিল। এই দৰে ধৰ্মনিৰপেক্ষতাৰ ভিত্তি বা আদৰ্শ, স্বাধীনতা আন্দোলনৰ সময়তে গঢ়ি উঠিছিল। সেই নীতি লৈ তেওঁ উগ্ৰ সাম্প্রদায়িকতাৰ বিৰুদ্ধে সংগ্ৰাম কৰোতে অৱশেষত, সাম্প্রদায়িকতাৰ শক্তিৰ হাততেই তেওঁ প্ৰাণ বিসৰ্জন দিব লগা হয়।

ভাৰতৰ এই স্বাধীনতা গণবিপ্লৱৰ ফলতেই আহিল। স্বাধীন ভাৰতবৰ্ষই গণতান্ত্ৰিক সংবিধান এখন গণতন্ত্ৰৰ ভেটিত লাভ কৰিলে। ইয়াৰ দ্বাৰা ৰাজনৈতিক গণতন্ত্ৰৰ ভেটি গঢ়ি তোলা হ'ল যদিও অৰ্থনৈতিক গণতন্ত্ৰৰ বাবে সংবিধানৰ ৰাষ্ট্ৰীয় নিৰ্দ্দেশাত্মক নীতি-সমূহ (Directive Principle of State Policy) বিশেষকৈ, অৰ্থনৈতিক কেন্দ্ৰীকৰণত বাধা দিয়াৰ কাৰণে দুই এটা নীতিৰ চৰকাৰী নিৰ্দেশ দিয়া হ'ল যদিও, ব্যক্তিগত মালিকী স্বত্ব সংবিধানত অব্যাহত অৰ্থাৎ বাহাল ৰখা বাবে, সমাজবাদ বা সমাজতন্ত্ৰবাদী অৰ্থনীতি গঢ়ি তোলাৰ কাৰণে এয়েই মূল প্ৰতিবন্ধক হৈ থাকিল। গতিকে দেখা গল, যে সমাজতন্ত্ৰবাদী চিন্তাধাৰা আৰু দাবী স্বাধীনতা লাভৰ বহুবছৰ আগৰে পৰা স্বাধীনতা আন্দোলনৰ মুখ্য ধাৰা হিচাবে প্ৰকাশ পাইছিল, কিন্তু সমাজবাদী অৰ্থনীতি ভাৰতীয় স্বাধীন সংসদে ১৯৫৪ চনতহে পৰিকল্পনাৰ লক্ষ্য হিচাবে ঘোষণা কৰে আৰু ১৯৫৫ চনত কংগ্ৰেছে আনুষ্ঠানিক ভাবে এখন অধিবেশনত পৰিকল্পনাৰ জৰিয়তে সমাজবাদী অৰ্থনীতি প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্ত লয়।

কিন্তু প্ৰত্যেকটো পৰিকল্পনাৰ পিছতেই দেখা গ'ল যে অৰ্থনৈতিক কেন্দ্ৰীকৰণ বছৰৰ পিছত বছৰে বা পৰিকল্পনাৰ কালছোৱাৰ পিছতে, কেইজনমান পুঁজিপতি ধনীৰ হাতত ক্ৰমাগত বৃদ্ধি হৈ

আছিছে । সেয়েহে আজি কৃষক, শ্রমিক, সৰ্ব্বসাধাৰণ-জনতা আগতকৈও দুখীয়া গৰীব হৈ পৰিল ।

এই বিষয়ে সচেতন কৰি ১৯৬২ চনতে প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৱে কৈছিল, এই পৰিকল্পনাৰ জৰিয়তে অৰ্থনীতিতো পুঁজিবাদী ধনিকৰ দিশেৰে আগতকৈ অধিক দ্ৰুত গতিত আগবাঢ়িছে । ১৯৫৫ চনত কংগ্ৰেছে গ্ৰহণ কৰা "অৰ্থনীতি"-তো সমাজ তন্ত্ৰৰ এনে বিপৰীত ধাৰণ, দলৰ ভিতৰৰে পৰা এটা সমাজতন্ত্ৰবাদ বিৰোধী গ্ৰুপে দাঙি ধৰাত, কংগ্ৰেছৰ ভিতৰত পুঁজিবাদ আৰু সমাজবাদ লৈ আদৰ্শগত বিৰোধ দুটি দলৰ অন্তৰ্দ্বন্দ্ব চলে । অৰ্থাৎ এটা দলে ধনী শ্ৰেণীক বেছিকৈ ধনী কৰা আৰু দুখীয়া শ্ৰেণীক বেছিকৈ দুখীয়া কৰা, এনে দুই দলৰ ভিতৰত কাজিয়া চলে । এই কাৰণত, ১৯৬৯ চনত কংগ্ৰেছৰ ভিতৰত এক মহান আদৰ্শগত ভাঙন ধৰিল আৰু সমাজ-তন্ত্ৰবাদ তথা পুঁজি-তন্ত্ৰবাদক কেন্দ্ৰ কৰি সমগ্ৰ দেশতে আদৰ্শৰ মূল বিভাজন ( Polarisation ) হয় ।

জনতাই মধ্যকালীন নিৰ্ব্বাচনত বিপুল ভোটাধিক্যৰে সমাজ-বাদৰ পক্ষে ৰায় দিয়ে । তদানুসাৰে সংবিধানৰ মৌলিক পৰিবৰ্ত্তনৰ উদ্দেশ্যে কেইটামান গুৰুত্বপূৰ্ণ সংশোধন কৰাৰ প্ৰস্তাৱ গৃহীত হ'ল । পঞ্চ-বিংশতম সংশোধনৰ ( 25th Amendment ) ৰ দ্বাৰা সংবিধানত থকা ব্যক্তিগত সম্পত্তিৰ অধিকাৰৰ স্বত্ব কিছু লাঘৱ কৰা হ'ল, কিন্তু ব্যক্তিগত সম্পত্তিৰ অধিকাৰ বিলোপ কৰা নহল । এই ব্যক্তিগত সম্পত্তিয়েই হৈছে ধনিক পুঁজিবাদৰ মূল বুনিয়াদ বা মূল ভেটি ।

সমাজবাদ বা সমাজ-তন্ত্ৰবাদ তাৰ সম্পূৰ্ণ বিপৰীত এটা তত্ত্ব বা আদৰ্শ । এই তত্ত্ব অনুসৰি সমাজবাদ হৈছে উৎপাদনৰ আৰু উৎপাদন বিতৰণৰ সামগ্ৰী সমূহক সামাজিকৰণৰ ব্যৱস্থা ।

সমাজবিজ্ঞানৰ বিশ্লেষণেৰে চালে সমাজবিজ্ঞানৰ নিৰ্দ্দিষ্ট কেই-টামান নিয়ম অনুযায়ী সমাজ ব্যৱস্থা অৰ্থাৎ শাসন ব্যৱস্থা পৰি-বৰ্ত্তন হৈছে । উৎপাদন শক্তিৰ ক্ৰমবিকাশেই পৰিবৰ্ত্তনৰ প্ৰকৃত

কাৰণ। মানুহৰ শ্ৰমকাৰ্য্য আৰু শ্ৰমজীৱি জনতাই হৈছে উৎপাদন শক্তিৰ মূল বাহক। এই শ্ৰমকাৰ্য্য আৰু শ্ৰমজীৱি জনতাৰ বিকাশ আৰু মুক্তি অনুপাতে উৎপাদন শক্তি বিকাশ লাভ কৰে। আনহাতে, উৎপাদন শক্তিৰ ক্ৰমবিকাশে শ্ৰমজীৱি জনতাৰ আৰু শ্ৰমৰ বিকাশ আৰু মুক্তি সাধন কৰে। ব্যক্তিগত মালিকানা স্বত্বৰ ওপৰত ব্যক্তিগত লাভ বা মুনাফাৰ কাৰণে চলোৱা পুঁজিবাদী ব্যৱস্থাই অকল শ্ৰম বা শ্ৰমজীৱি মানুহবেই নহয়, ই সমগ্ৰ মানৱ সমাজৰ কল্যাণৰ বিপৰীত ফালে উৎপাদন শক্তি আৰু সমাজ বিকাশৰ গতি-টোকে বন্ধ কৰিছে। এনে অৱস্থাতেই, সমাজ বিকাশৰ পথ মুকলি কৰাৰ বাবে বিপ্লৱ হয়। এয়ে সমাজ বিকাশৰ নিয়ম। এই নিয়ম অনুসৰি বিপ্লৱৰ মাজেদি দাস প্ৰথা বিলোপ হ'ল। তাৰ পিছত, সামন্ত প্ৰথা আৰু বৰ্ত্তমান কালত পুঁজিবাদী ব্যৱস্থা বা শাসন ভাঙি যাবলৈ ধৰিছে, ইয়াক চিৰস্থায়ী কৰি ৰাখিবৰ কাৰো সাধ্য নাই।

গতিকে, উক্ত পৰ্য্যালোচনাৰ পৰা এই কথা স্পষ্ট হৈ পৰিছে যে সামন্তবাদৰ ঠাইত যেনেকৈ ফৰাচী বিপ্লৱে পুঁজিবাদী গণতন্ত্ৰ, প্ৰকাৰান্তৰে ৰাজনৈতিক গণতন্ত্ৰ আৰু ধৰ্ম নিৰপেক্ষতা প্ৰৱৰ্ত্তন কৰিলে, লগতে উৎপাদনৰ সঁা-সজুলি আৰু প্ৰণালী পুঁজিপতি সকলৰ হাতলৈ লৈ আহিলে, তেনেকৈ সমাজবাদ প্ৰৱৰ্ত্তনৰ কাৰণে ৰাজনৈতিক ক্ষেত্ৰত পোৱা গণতান্ত্ৰিক অধিকাৰ শোষিত দুখীয়া জনসাধাৰণৰ হাতলৈ ক্ষমতা অনাৰ কাৰণে ব্যৱহাৰ কৰিব লাগিব আৰু পুঁজিপতি ধনিক শ্ৰেণীৰ হাতৰ পৰা উৎপাদন আৰু বিতৰণৰ ব্যৱস্থাটোকো জনসাধাৰণৰ হাতলৈ আনিবৰ কাৰণে ৰাষ্ট্ৰক্ষমতা প্ৰয়োগ কৰিব লাগিব।

# স্বাধীন কংগ্ৰেছ চৰকাৰৰ উদ্দেশ্য কি আছিল?

ভাৰতবৰ্ষত স্বাধীন কংগ্ৰেছ চৰকাৰৰ প্ৰধান আৰু গুৰুত্বপূৰ্ণ কৰ্ত্তব্য আছিল—এফালে ৰাষ্ট্ৰক্ষমতা আৰু আনফালে জনসাধাৰণক লৈ এই অৰ্থনৈতিক আৰু সামাজিক বিপ্লৱ বা পৰিবৰ্ত্তন সম্পন্ন কৰা। পুঁজিবাদী অৰ্থনৈতিকটো সমাজবাদলৈ ৰূপান্তৰ কৰাৰ পথ দুটা—ৰাষ্ট্ৰীয়কৰণ আৰু সমবায় স্থাপন। এয়েই গণতান্ত্ৰিক পন্থাৰে বা উপায়েৰে সমাজ-বাদী ৰাষ্ট্ৰ ব্যৱস্থা ৰূপান্তৰ সাধন কৰাৰ পথ; ইয়াকেই আজি ৰাজনীতি বা সমাজ বিজ্ঞানবিদ সকলে অনুধাৱন কৰিছে।

এনে মহান লক্ষ্য লৈয়েই ১৯৪৮ চনত প্ৰধানমন্ত্ৰী পণ্ডিত জৱহৰলাল নেহৰুৱে নেতৃত্ব দি উদ্যোগ নীতি গ্ৰহণ কৰা হৈছিল। ( Industrial policy Resolution ) এই প্ৰস্তাৱ অনুসৰি অৰ্থনীতিটোক তিনিটা খণ্ডত ভাগ কৰা হৈছিল—(১) ৰাজহুৱা খণ্ড, (২) সমবায় খণ্ড আৰু (৩) ব্যক্তিগত খণ্ড।

নেহৰুৱে ইয়াৰ ব্যাখ্যা দি কৈছিল যে—"ৰাজহুৱা খণ্ডই পাহাৰৰ টিলাৰ ওপৰত বহুৱা কামানৰ দৰে নামনিত থকা পুঁজিবাদী ব্যক্তিগত খণ্ডক বশীভূত কৰিব লাগিব।" এইদৰে ৰাজহুৱা খণ্ডৰ দ্ৰুতগতিৰ সম্প্ৰসাৰণ ঘটাই, আনহাতে সমবায় খণ্ডৰ কৃষি ক্ষেত্ৰত ব্যাপক সাম্প্ৰসাৰণৰ দ্বাৰা ক্ৰমান্বয়ে ব্যক্তিগত খণ্ডৰ সাঁ-সম্পত্তি অধিকাৰ লাভ কৰাই আছিল এই নীতিৰ উদ্দেশ্য। প্ৰকৃততে কৃষি ক্ষেত্ৰত থকা মুঠ জনসংখ্যাৰ শতকৰা ৮০ জন লোকক সমবায়ত সংগঠিত কৰি কৃষিৰ আধুনিক উৎপাদন আৰু বিতৰণৰ ব্যৱস্থা কৰিলে অৰ্থনৈতিক গণতন্ত্ৰৰ শক্তিশালী বুনিয়াদ বা বাহন প্ৰতিষ্ঠা হব, আৰু ৰাজনৈতিক ক্ষেত্ৰত গণতান্ত্ৰিক অধিকাৰ প্ৰয়োগ কৰি জনতাই সমাজতন্ত্ৰবাদ-সমাজ বা ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাত কৃতকাৰ্য্য হব পাৰিব।

সমাজতন্ত্ৰবাদৰ কাৰণে অপৰিহাৰ্য্য বিষয় হৈছে সমাজবাদী অৰ্থনৈতিক পৰিকল্পনা। এই পৰিকল্পনা ৰচনা কৰোতে আৰু বাস্তৱত ৰূপায়িত কৰোতে কৃষক শ্ৰমিক সৰ্ব্বসাধাৰণ জনতাক জড়িত কৰা অত্যাৱশ্যকীয়।

এই উদ্দেশ্যে, পঞ্চায়তীৰাজ ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰা হৈছে। এই ব্যৱস্থাৰ দ্বাৰা আৰু গণভিত্তিত সংগঠিত সমবায়ৰ পৰিকল্পনাৰ আঁচনি সমূহ ৰাইজৰ সক্ৰিয় অংশ গ্ৰহণৰ যোগেদি সফল কৰিব লাগিব। এই কাম আমোলাতান্ত্ৰিক কৰ্মচাৰী যন্ত্ৰৰ দ্বাৰা সম্ভৱ নহয়। এই চৰকাৰী যন্ত্ৰটোক ৰাইজৰ গণতান্ত্ৰিক মত আৰু সিদ্ধান্ত অনুসৰি চলাবলৈ প্ৰতিনিধি মূলক ৰাইজৰ অনুষ্ঠানবোৰক অধিক ক্ষমতা দিব লাগিব।

# গণতন্ত্ৰ আৰু সমাজতন্ত্ৰবাদৰ শত্ৰু কোন ?

গণতান্ত্ৰিক ভিত্তিত সমাজতন্ত্ৰবাদী পৰিকল্পনা ৰূপায়িত কৰাত জনতাৰ যি ঐক্যবদ্ধ আৰু সম্প্ৰীতিৰ সক্ৰিয় ভূমিকাৰ প্ৰয়োজনৰ বিৰুদ্ধে দেশৰ একচেটিয়া ধনিকৰ মূলধন আৰু কৰ-কাটল ফাকি দি বিভিন্ন অসৎ উপায়েৰে আৰু কৌশলেৰে সৃষ্টি কৰা ক'লা টকাৰ সহায়ত দেশৰ সাম্প্ৰদায়িক আৰু বিভেদকামী শক্তিবোৰ সংঘবদ্ধ হৈছে। এয়ে সমাজবাদৰ আৰু গণতন্ত্ৰৰ সন্মুখত এক কঠোৰ অগ্নি পৰীক্ষা আনি দিছে। এই সোপন্থী কুখ্যাত প্ৰতিক্ৰিয়াশীল জঘণ্য শক্তিক বাধা দিয়াৰ আৰু এই শক্তি নিৰ্মূল কৰাৰ বাবে ধৰ্ম-বৰ্ণ নিৰপেক্ষতাৰ লগত গণতন্ত্ৰ আৰু সমাজবাদৰ ওতঃপ্ৰোতভাৱে জড়িত থকা সম্পৰ্কক আদৰ্শগত ভাবে চাব জানিব লাগিব। ইয়াক সমগ্ৰ ৰাইজৰ ওচৰত সুস্পষ্ট কৰি তুলিব লাগিব এই প্ৰতিক্ৰিয়াশীল অৰ্থাৎ মানৱ জাতিৰ প্ৰগতিৰ পথত হেঙাৰ

দিয়া সাম্প্ৰদায়িক শক্তিবোৰে দুখীয়া শোষিত কৃষক শ্ৰমিক আৰু নিম্ন মধ্যবিত্ত জনতাক ধৰ্মীয় সম্প্ৰদায়, জাতিবৰ্ণ হিচাবে ক্ষুদ্ৰ-ঠেক মনোবৃত্তি লৈ সমাজক বিভক্ত কৰি ন্যস্ত স্বাৰ্থলোভীৰ বিৰুদ্ধে তেওঁলোকক ঐক্যবদ্ধ হৈ থিয় দিবলৈ শক্তিহীন কৰিছে আৰু চয়-তানী ধনিক বুদ্ধিজীৱি সকলে ধনতন্ত্ৰবাদী পুঁজিবাদক স্থায়ী আৰু দীৰ্ঘায়ু কৰাত সহায় কৰিছে।

একচেটীয়া পুঁজিপতি শ্ৰেণীয়ে অকল ভাৰততেই নহয়,—বিদেশৰ বিশেষকৈ—পাশ্চাত্যৰ একচেটীয়া পুঁজিপতি শক্তি গোষ্ঠীয়ে প্ৰত্যেক দেশতেই আৰু বিশেষ ধৰণে, অসম তথা ভাৰতত সমাজবাদ আৰু গণতন্ত্ৰৰ শক্তি মষিমূৰ কৰাৰ উদ্দেশ্যে সাম্প্ৰদায়িকতাবাদ, গোষ্ঠী-গতবাদ আৰু উগ্ৰজাতীয়তাবাদ আদি সৃষ্টি কৰি সম্প্ৰদায় সমূহৰ মাজত সংঘৰ্ষৰ উগ্ৰ ৰূপ দিছে আৰু আৰ্থিক সহায় দিছে আৰু বিভিন্ন প্ৰকাৰ সহায়ো দিব ধৰিছে।

মনত ৰখা প্ৰয়োজন ; ঐতিহাসিক বাণী সকলোৱে জানে যে লেটিন আমেৰিকাৰ দেশ চিলিৰ গণতান্ত্ৰিক চৰকাৰ ওফৰাই ৰাষ্ট্ৰ নেতাক হত্যা কৰা কাৰ্য্য আৰু তেনেকৈ বিহাৰত কেন্দ্ৰীয় ৰেল মন্ত্ৰীৰ ৰাজনৈতিক হত্যা এই সকলো শক্তিয়ে গণতন্ত্ৰৰ ওপৰত কৰা কুটাঘাট মূলক দমন আৰু আক্ৰমণৰ জ্বলন্ত উদাহৰণ।

গতিকে, দেশবাসী সমগ্ৰ জনসাধাৰণক লৈ ভাৰতবৰ্ষত তথা অসমৰ সমাজবাদ আৰু গণতন্ত্ৰ শক্তিশালী ৰূপে গঢ়িতোলাৰ উদ্দেশ্যে জাতিবৰ্ণ, সম্প্ৰদায় ভিন্ন নিৰ্ব্বিশেষে, ধৰ্মনিৰপেক্ষতা নীতিৰ গুৰুত্ব দিয়াৰ প্ৰয়োজন হৈছে। জনতাৰ সকলো শক্তি আৰু সংগঠন নিয়োজিত কৰিব লাগিব—সমাজবাদী আঁচনি সমূহক বাস্তৱত পৰিণত কৰা কামত।

সমাজবাদী আদৰ্শৰ সংগঠক নেতা বা কৰ্মী সকলে অতি নিম্ন সংখ্যাগৰিষ্ঠ সৰ্ব্বসাধাৰণক উপযুক্ত হাতে-কলমে কামত হাত দি গঢ়িব লাগিব, সংগঠনবোৰ কঠোৰ শক্তি সম্পন্ন আৰু শৃংখলিত হব

লাগিব আৰু সংগঠক সকলে সৰ্বস্বাৰ্থ ত্যাগ কৰিব লাগিব—তেওঁৰ স্বাৰ্থ সমষ্টিগত স্বাৰ্থহে হব লাগিব সৰ্বান্তঃকৰণে।

অকল গণতান্ত্ৰিক পদ্ধতিৰে সভা-সমিতিৰ দ্বাৰা পালমৰা সংগঠন কৰি ধনিক পুঁজিবাদী শাসনৰ পৰিবৰ্ত্তন আনিব নোৱাৰে আৰু এনে উদাহৰণো নাই। বিশ্বৰ সমাজবাদী দল সমূহ আজি কালি প্ৰায় সভা-সমিতিত অধিক সংখ্যক জাক-জমকতা দেখুৱাইয়ে সমাজবাদী দলৰ কৰ্ত্তব্য বা দায়ীত্ব এৰাই চলে।

আজি এই কথাত গুৰুত্ব দিয়া উচিত যে সামন্তবাদী তথা পুঁজিবাদী ব্যৱস্থা যিমান দিন বাচি থাকিব, সিমান দিনেই অৰ্থনৈতিক আৰু সামাজিক কলঙ্ক, জটিল সমস্যা আৰু সংঘাট থাকিবই আৰু ইয়াৰেই হেঁচাত দেশবাসী সৰ্ব্বসাধাৰণ বিক্ষুব্ধ হবই। ইয়াৰে সুযোগ লৈ সাম্প্ৰদায়িক হাঙ্গামা, প্ৰতিক্ৰিয়াবাদী আৰু হিংসাত্মক শক্তিবোৰে জনতাক আত্মঘাটি সংঘৰ্ষত লিপ্ত কৰিব আৰু সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰাৰ পথ বান্ধ কৰিব।

## এতিয়া কৰ্ত্তব্য কি ?

স্বাধীনতাৰ আগেয়ে অৰ্থাৎ স্বাধীনতাৰ কাৰণে আন্দোলনৰ সময়ত মহামানৱ মহাত্মাগান্ধী আৰু পণ্ডিত জৱহৰলাল নেহৰুৰ নেতৃত্বত কংগ্ৰেছ আছিল এটা মহান আদৰ্শবাদী কৰ্মী বাহিনী। তেতিয়া মূল লক্ষ্য আছিল স্বাধীনতা, দেশ শাসনৰ কাৰ্য্যভাৰ লোৱাৰ পিছতেই পুঁজিবাদৰ ঠাইত সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰা। স্বাধীনতাৰ কাৰণে কংগ্ৰেছে বিভিন্ন শ্ৰেণীৰ লগত এটা সাম্ৰাজ্যবাদ বিৰোধী ফ্ৰন্টৰূপে কাম কৰিছিল অৰ্থাৎ মহান আন্দোলন কৰিছিল। কিন্তু তাৰ ভিতৰতে কংগ্ৰেছত ৰক্ষণশীল, নৰম বা উদাৰ পন্থী লাজন

সংস্কাৰকামী আৰু চৰম পন্থী গণ-আন্দোলনকাৰী, এনে দুটা পক্ষ বা দল দেখা দিছিল।

ঠীক নৰম পন্থী সকলে ১৯২৮ চনত কলিকতাত হোৱা অধিবেশনত—অৰ্দ্ধ স্বাধীনতাৰ প্ৰস্তাৱ আনিছিল মতিলাল নেহৰুৰ নেতৃত্বত। তাৰ বিৰোধিতা কৰি জৱহৰলাল নেহৰুৱে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ আনিছিল। জৱহৰলাল নেহৰুৰ লগত আছিল সমাজতন্ত্ৰবাদী আদৰ্শ বিচাৰ ধাৰাৰ যুৱক সকল। তেওঁলোকে পূৰ্ণ স্বাধীনতা দাবী কৰিছিল আৰু তাক সফল কৰাৰ অৰ্থে গণসংগ্ৰামৰ পথ লৈছিল আৰু সমাজতন্ত্ৰবাদ প্ৰচাৰ কৰিছিল যাতে স্বাধীনতাৰ পিছতে সমাজতন্ত্ৰবাদী শাসন ব্যৱস্থা এখন পৰিকল্পনাৰ ভৱিষ্যতে প্ৰতিষ্ঠা কৰিব পাৰি। সম্প্ৰতি কংগ্ৰেছৰ একমাত্ৰ কৰ্ত্তব্য আছিল দেশখন সমাজতন্ত্ৰবাদী ভাৰত গঢ়াৰ কাম সম্পন্ন কৰাৰ।

১৯২৮ চনত অৰ্দ্ধস্বাধীনতা আৰু পূৰ্ণ স্বাধীনতাৰ প্ৰশ্নৰ দৰে এতিয়াও উঠিছে অৰ্দ্ধসমাজবাদ আৰু পূৰ্ণ সমাজবাদৰ প্ৰশ্ন।

পূৰ্ণ সমাজতন্ত্ৰবাদৰ আদৰ্শত নেহৰুৱে কৈছিল যে "বিজ্ঞানসন্মত ভাবে সুস্পষ্ট কৰি কংগ্ৰেছক এটা সমাজতন্ত্ৰবাদৰ আদৰ্শগত কৰ্মীৰ সংগঠনত পৰিণত কৰিব লাগিব। গণতান্ত্ৰিক পন্থা বা উপায়েৰে আৰু ধৰ্মনিৰপেক্ষ নীতিৰে ধনতান্ত্ৰিক পুঁজিবাদৰ বিৰুদ্ধে, বিভিন্ন ফ্ৰণ্টৰ গণসংগঠনৰ মাধ্যমেদি, বৈপ্লৱিক অৰ্থনৈতিক আৰু সামাজিক পৰিবৰ্ত্তনৰ কাৰণে জনতাক কংগ্ৰেছেই নেতৃত্ব দিব লাগিব।"

কংগ্ৰেছ দলত সমাজবাদী আদৰ্শৰ ভাবমূৰ্ত্তিৰ যেতিয়াই শক্তি বৃদ্ধি হৈছে আৰু এই আদৰ্শত বিশ্বাসী কৰ্মীৰ সংখ্যা দ্ৰুতহাৰে আগবাঢ়িছে, তেতিয়াই দেশবাসী জনতাই কংগ্ৰেছৰ পতাকাৰ তলত থিয় দিছিল—পুঁজিবাদৰ তথা ধনিক শক্তি ৰোৱক মমিমুৰ কৰিবলৈ। এই আদৰ্শবাদীৰ বিৰুদ্ধে কংগ্ৰেছৰ আন এটা দলে ১৯৭১ চনৰ লোক সভাৰ মধ্যকালীন নিৰ্ব্বাচন আৰু ১৯৭২ চনৰ বিধান সভাৰ নিৰ্ব্বাচনত স্পষ্টভাবে দাঙি ধৰিছে ; যে পুনৰ কংগ্ৰেছৰ সমাজবাদী

আদৰ্শৰ ঠাইত এই আদৰ্শত বিশ্বাস নথকা বা তাৰ বিৰোধী ব্যক্তি আৰু শক্তি সমূহৰ সংখ্যা বৃদ্ধি হৈছে। ক্ষমতা [illegible], ক্ষমতা, পদ সম্পদেই বা গদী লাভৰ কু-আকাংক্ষাই তেওঁলোকৰ একমাত্ৰ লক্ষ্য। সেই স্বাৰ্থলোভী সংখ্যালঘুৰ দলে সংখ্যা গৰিষ্ঠ কংগ্ৰেছে লোৱা বৈপ্লৱিক আৰু সমাজতন্ত্ৰবাদী কাৰ্য্যসূচী কাৰ্য্যকৰী কৰাত তীব্ৰ বিৰোধিতা কৰিছে আৰু উগ্ৰ স্বভাৱে হেঁচাৰ বাঢ়িছে। এয়ে প্ৰধানতঃ প্ৰতিক্ৰিয়াশীল-কু-স্বাৰ্থবাদী শক্তি-গোষ্ঠীবোৰক পৰোক্ষভাৱে উৎসাহ, উদ্দীপনা দি আহিছে আৰু এতিয়াও দি আছে।

গতিকে তাৰ বাবে সম্প্ৰতি সৰ্ব্বাধিক আৰু গুৰুত্বপূৰ্ণ প্ৰয়োজন হৈছে—স্বাধীনতাৰ পিছৰ পৰাই বৰ্ত্তমানলৈ সংগঠিত হৈ অহা বিভিন্ন দল-উপদলৰ আদৰ্শ ভালকৈয়ে তলৰ পৰা ওপৰলৈ চিনি বুজি লোৱাটোহে। দেশ তথা ৰাজ্যত জনসাধাৰণৰ মাজত বহু দল-উপদলৰ প্ৰভাৱ বৃদ্ধি হ'ল। প্ৰত্যেক দলেই নিজ নিজ আদৰ্শত তথাকথিত আদৰ্শৰ ৰাজনীতি লোৱা হৈছে। তথাকথিত ৰাজনীতিৰ খেল খেলিছে। কিন্তু জনসাধাৰণ ৰাজনীতিৰ অজ্ঞহে হৈ পৰিছে। যদি দেশ তথা ৰাজ্যত প্ৰকৃত আদৰ্শৰ শুদ্ধ ৰাজনৈতিক পাৰ্টি বা দল থাকিলেহেঁতেন, মানৱ জাতি মুক্তিকামী হলেহেঁতেন আৰু সৰ্ব্বসাধাৰণক ৰাজনীতি শিকালেহেঁতেন আৰু আজিলৈ এনে শোষিত, জৰ্জৰিত, বঞ্চিত হৈ নাথাকিলেহেঁতেন; প্ৰতি দল উপদলকে চিনিব পৰা হলহেঁতেন।

আজিৰ দল-উপদল, পাৰ্টি-বিপাৰ্টী আৰু নিৰ্ব্বাচনত থিয় হোৱা প্ৰতিনিধিবোৰে নিৰ্ব্বাচনৰ কেইমাহ মান আগে, আগেহে নিজৰ আদৰ্শ প্ৰচাৰ কৰে ইজনাৰ আগতে মকৰে। সেই সকলোহে পাৰ্টি বা দল সমূহে তথা থিয় হোৱা প্ৰতিনিধিবোৰে সুকীয়া সুকীয়াকৈ আদৰ্শ প্ৰচাৰ কৰে।

বিশেষকৈ—নিৰ্ব্বাচনৰ আগে আগে তেওঁলোকৰ প্ৰতিদ্বন্দ্বিত অভিযানত বেছিকৈ অজ্ঞ আৰু বিবেচনাহীন হৈ পৰে জনসাধাৰণ।

সেয়ে সৰ্ব্বসাধাৰণ ৰাইজে প্ৰকৃত জনস্বাৰ্থবাদী আদৰ্শৰ পাৰ্টি বা প্ৰতিনিধি পোৱাৰ পৰা বঞ্চিত।

সঁচাকৈয়ে আজি বহুখিনি দল-উপদল হৈছে যদিও আতা-ইবোৰ কংগ্ৰেছৰ পৰাই ফাঁসৰি ফাঁটি অহা। প্ৰত্যেক দলৰ আৰু প্ৰত্যেক ব্যক্তিয়ে নিজৰ সুবিধা বিচৰাই তেওঁলোকৰ কাম্য। কিন্তু মানবোৰ দল-উপদলে মাথোঁ আকক কিয়—আমি সমগ্ৰ জনসাধাৰণে বুজিব লাগিব যে আমাৰ মুক্তি ক'ত? দলসমূহৰ নেতা বা নিৰ্ব্বাচনত সাজু হোৱা নেতাসকলৰ ভাষণত বা পুথি-প্ৰবন্ধ আদিত কোৱা মতে তেওঁলোকে প্ৰত্যেকেই সৰ্ব্বসাধাৰণৰ জীৱন মুক্তি দিব পাৰে আৰু মুক্তি সংগ্ৰামতেই আত্ম নিয়োজিত কৰে। কিন্তু আমি নিশ্চয় এতিয়া বুজি পাইছো যে সৰ্ব্ব-জনসাধাৰণৰ প্ৰকৃত শোষণমুক্তি সংগ্ৰামী তেওঁলোক কোনেও নহয়। তেওঁলোকে নিজ নিজ স্বাৰ্থ পূৰণৰ বাবেহে বৰ হেপাহী আৰু দৌৰাদৌ।

আজিৰ পৰিস্থিতত সমগ্ৰ জনসাধাৰণ এক হব লাগিব। জন-জাতি, অজনজাতি, অৰ্থহীন-দুখীয়া শ্ৰেণীৰ সমগ্ৰ ৰাইজ এক স্বাৰ্থত আত্মনিয়োজিত হব নোৱাৰিলে, ভেদ-প্ৰভেদ, ধৰ্ম বা স্বাৰ্থ অনুকৰণ কৰিলে হাতৰ কুঠাৰ ভৰিত মৰা হব। মানৱ জাতিৰ মানৱত্ব আৰু আত্মিক সভ্যতা বিপন্ন হব আৰু ইতিমধ্যে হৈছেই। এই বাবেই পূৰণি কংগ্ৰেছ দলৰ মহামানৱ সকলৰ সমাজবাদী আদৰ্শত আদৰ্শিত হৈ আত্মাহুতি দি সেই মহাদৰ্শ পুনৰ ঘূৰাই অনাৰ মহান প্ৰয়োজন হৈ পৰিছে।

আৰু স্বাধীনতা বিপ্লৱৰ মহান ঋষি মহাত্মা গান্ধী আৰু পণ্ডিত জৱাহৰলাল নেহৰুৰ নেতৃত্বত গঢ়ি উঠা বিপ্লৱী ঐতিহ্য পুনৰুজ্জীৱিত কৰা আৰু কংগ্ৰেছৰ স্বাৰ্থলোভী, অৰ্থলোভী আৰু বৰ্ত্তমান বিভিন্ন দলৰ সুবিধাবাদী, বুদ্ধিজীৱি ব্যক্তি বা শক্তি সমূহৰ পৰা মুক্ত কৰি শোষিত জনতাৰ মাজত কাম কৰা সমাজতন্ত্ৰবাদত বিশ্বাসী আৰু আদৰ্শবাদী কৰ্মীৰ এটা প্ৰবল শক্তিশালী দল পুণৰগঠন কৰা বিশেষ প্ৰয়োজন হৈ পৰিছে।

# ॥ অসমৰ নিৰনুৱা সমস্যা ॥

আমি কৈ আহিছো আৰু কৈছে থাকিম যে—সমাজতন্ত্ৰবাদী অৰ্থনীতিয়েহে মানুহৰ অভাৱ-অনাটন আৰু নিৰনুৱা সমস্যা সমাধান কৰিব পাৰে।

অসম তথা ভাৰতবৰ্ষৰ স্বাধীনতা লাভৰ পিছৰ পৰাই ৰাষ্ট্ৰ-নায়ক সকলে কৈ আহিছিল যে, এই দেশৰ খাদ্য শস্য উৎপাদন স্বয়ং সম্পূৰ্ণ হৈ উঠিব; খাদ্য সামগ্ৰীৰ অভাৱ পূৰণ হব, সকলো বস্তুৰ মূল্য কম হব, আন আন দেশৰ পৰা খাদ্য সামগ্ৰী আম-দানিৰ প্ৰয়োজন নহব। বিশেষকৈ, দেশৰ প্ৰধানমন্ত্ৰী আৰু ৰাজ্যৰ মুখ্য মন্ত্ৰীয়ে ১৯৬৪-৬৫ চনত স্পষ্টভাবে ঘোষণা কৰিছিল। আকৌ ইয়াৰ পিছত— ভাৰতৰ প্ৰধানমন্ত্ৰী ৰাজিৱ গান্ধীয়ে অনাতাঁৰ কেন্দ্ৰৰ যোগে ঘোষণা কৰিছে যে—সপ্তম পাঁচ বছৰীয়া পৰিকল্পনাৰ শেষতে এই দেশৰ নিৰনুৱা সমস্যা, খাদ্যৰ সমস্যা আদি বিভিন্ন সমস্যা সমূলে নাইকীয়া হব। কিন্তু অতি শোকা-তুৰ মূলক কথা যে আজি—৩৮।৩৯ বছৰৰ পিছতো তিল মাত্ৰও খাদ্যৰ অভাৱ পূৰণ নহল,—বৰং পৰিকল্পনাৰ পিছত পৰিকল্পনা শেষ হৈ গ'ল, কিন্তু খাদ্যৰ অভাৱ আৰু চ'ৰা মূল্যই ক্ৰমবৃদ্ধি হৈ দেশবাসী সমগ্ৰ মানুহক অতিষ্ঠহে কৰি তুলিলে।

১৯৫০ চনত অসমৰ পাঁচ বছৰীয়া পৰিকল্পনা বোৰ্ডে জন-সাধাৰণৰ খাদ্য সামগ্ৰীৰ অভাৱ, জাতীয় আয় বৃদ্ধি, নিৰনুৱা সমস্যা সমাধান, ধনী দুখীয়াৰ আয়ৰ পাৰ্থক্য হ্ৰাস কৰিবলৈ, শিক্ষা, চিকিৎসা, ৰাস্তা-ঘাট, কৃষি আদিৰ উন্নতি সাধন কৰিবলৈ সন্থ পৰিকল্পনা নীতি গ্ৰহণ কৰে।

এই প্ৰথম পৰিকল্পনাত অসমে মুঠ অৰ্থ ২০ কোটি ৮০ লাখ টকা ব্যয় কৰিবলৈ স্থিৰ সিদ্ধান্ত লয়। কিন্তু এই কালছোৱাত ২০

কোটি ৫০ লাখহে ব্যয় কৰে। বাকী ৩০ লাখ টকা হৈনো জমাৰ ঘৰত থাকে। অৰ্থাৎ বাকী ৩০ লাখ টকা খৰচৰ ঠাই বিচাৰি নাপালে। ইয়াৰ পিছত, দ্বিতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ কাল-ছোৱাত ১৯৫৬ চনত ভাৰতৰ সংবিধানত সকলো নাগৰিককে সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ন্যায় বিচাৰ পাবলৈ সমান অধিকাৰ দিছে। এই সংবিধানে উৎপাদনৰ আহিলাপাতি সমূহ ব্যক্তিগত কেইজনমান মানুহৰ হাতত একচেতীয়া কৰি নিদিয়ে আৰু সৰ্ব্ব-সাধাৰণ লোকৰ স্বাৰ্থ হানি নকৰে তাৰ বাবে চৰকাৰক সজাগ কৰে। অৰ্থাৎ কল-কাৰখানা, চাহ, মাটিবাৰি, বেঙ্ক আদিকে ৰাষ্ট্ৰীয় সম্পত্তি কৰি সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ পিনে, আগুৱাই যাবলৈ চৰ-কাৰক নিৰ্দ্দেশ কৰে।

পৰিকল্পনাকাৰীসকলে এই সংবিধানৰ নিৰ্দ্দেশ গ্ৰহণ কৰা দূৰৈৰ কথা—ইয়াক চলে-কৌশলে ঢাকি ৰাখি ন্যস্তস্বাৰ্থক কট্‌কটীয়া কৰাৰ চেষ্টাতহে ব্ৰতী হয়।

১৯৫১ চনৰ লোক গণনা মতে অসমত কৰ্ম কৰি খোৱা লোকৰ সংখ্যা শতকৰা ৫০ জন। বাকী ৫০ জন পৰ-শ্ৰমভোগী লোক। ১৯৬১ চনৰ হিচাব মতে ৪২ জন কমি আছে; আৰু ১৯৭১ চনৰ হিচাব মতে শতকৰা ২৮ জনলৈ কমি আহে। অৰ্থাৎ নিবনুৱাৰ সংখ্যা দ্ৰুত হাৰে বৃদ্ধি হৈ শতকৰা ৭২।৭৫ জনলৈ বৃদ্ধি হৈ গৈছে।

অসমৰ দ্বিতীয় পৰিকল্পনা কালছোৱাত ৮৫,০০০ লোক নিব-নুৱা হয়। তৃতীয় পৰিকল্পনা কালছোৱাত মুঠ ৫ লাখ লোক নিবনুৱা হয় আৰু চতুৰ্থ পৰিকল্পনা কালছোৱাত শতকৰা ৭০ ভাগ লোকে দৰিদ্ৰতা ভোগ কৰে। গতিকে এই ভয়াবহপূৰ্ণ দ্ৰুতগতিৰ সমস্যা কোন দিনে সমাধান হ'ব ?' যি কোনো ৰাজনৈতিক পাৰ্টি বা দলৰ শাসন নহওক কিয়—ধনতান্ত্ৰিক পুঁজিবাদী অৰ্থনীতি তথা ৰাজনীতিয়ে এনে ভয়ৱৰ গণ সমস্যা সমাধান কৰিব' নোৱাৰে।

আজি প্ৰায় শতকৰা ২৫ জনৰ কম লোকেহে কৰ্ম কৰি জীৱিকাৰ সামগ্ৰী যোগান ধৰে, বাকী ৭৫ জনৰ অধিক লোকেই নিবনুৱা-গ্ৰস্ত হৈৱেক ৰকমৰ আঁৱল-তাঁৱল, বা-বাহুল্যত আত্মনিয়োজিত কৰি আছে।

আমি কৈ আহিছো যে, ধনতান্ত্ৰিক অৰ্থনীতিত গঢ়ি উঠা পুঁজি-বাদী চৰকাৰৰ শাসনত বস্তু উৎপাদনৰ তাগিদা যোগায় মুনাফাৰ অঙ্কইহে। মানুহৰ প্ৰয়োজন পূৰণৰ লগত সঙ্গতি ৰখা কথা তাত মুঠেই নাথাকে। বজাৰত বিক্ৰি কৰি মুনাফা বৃদ্ধি কৰিব নোৱাৰিলেই মালিকৰ কল-কাৰখানা বন্ধ আৰু গুদামস্থ সামগ্ৰীবোৰও বজাৰত উলিওৱা বন্ধ ৰখা তথা বিক্ৰি বন্ধ। কাজেই, দেখা দিয়ে কৃত্ৰিম অভাৱ আৰু নিবনুৱা সমস্যা বৃদ্ধি।

বাৰু! বৰ্ত্তমান যুগৰ শিক্ষিত সকলো লোকেই জানে যে ৰাজনৈতিক তথা অৰ্থনৈতিক বিজ্ঞানবিদ্ সকলৰ ঐতিহাসিক বাণী—

১৯১৪-১৮ চনৰ ভিতৰত প্ৰথম বিশ্বযুদ্ধ শেষ হৈ যোৱাত সেই সময়ৰ এজনা বিশ্ববিখ্যাত শিল্পপতি লৰ্ড লীভৰ হিউমৰ উদ্যোগত বিভিন্ন কল-কাৰখানাৰ মালিকে হিচাব কৰি কৈছিল যে, বিশ্বৰ উৎপাদন শক্তি সঠিক ভাবে সংগঠিত কৰি ব্যৱহাৰ কৰিলে, প্ৰতিজন মানুহে সপ্তাহত মাত্ৰ এক ঘণ্টা পৰিশ্ৰম কৰিলেই প্ৰত্যেক মানুহৰ খোৱা-লোৱা, পিন্ধা-উৰা আৰু আন আন মৌলিক প্ৰয়োজনীয় পূৰণ কৰিব পাৰে।

আৰু ১৯৩২ চনত ২০ জুন তাৰিখত "ক্ৰেল ছোচাইটি অৱ্ আৰ্টচ্" নামৰ এখন সমিতিৰ এজন ইঞ্জিনিয়াৰে হিচাব কৰি এটা প্ৰবন্ধত লিখি কয় যে, লৰ্ড লীভৰহিউমৰ ১৯১৪-১৮ চনৰ হিচাবটো সম্পূৰ্ণ নিভুৰ্ল। আকৌ তাৰ পিচত ১৪ বছৰৰ ভিতৰত পৃথিৱীৰ উৎপাদন শক্তি দুগুণ বৃদ্ধি হৈছে; অৰ্থাৎ বিজ্ঞানৰ বলত মানুহৰ হাতলৈ যি শক্তি আহিছে, সেই শক্তি সম্পূৰ্ণকৈ কামত খটালে প্ৰতিজন মানুহে এসপ্তাহৰ মূৰত মাত্ৰ আধা ঘণ্টা পৰি-

শ্ৰম কৰিলেই সকলোবোৰ প্ৰয়োজন পূৰণ হব পাৰে ।

১৯৩১ চনত এজন বিশ্ববিখ্যাত সংখ্যা তত্ত্ববিদ ডক্টৰ ফিচৰ আৰু আন এজন বিশ্ববিখ্যাত পণ্ডিত চৰহুজনিব্‌সএ মত বিবৃতি কৰিছিল যে "পৃথিৱীৰ সকলো দেশৰ মিলিত ভাবে যি সম্পদ আছিল আৰু ইয়াক ব্যৱহাৰ বা প্ৰয়োগ কৰা সম্পৰ্কে যি কৌশল অৰ্থাৎ শক্তি আয়ত্ব কৰিছিল, সেই শক্তিৰ দ্বাৰা পৃথিৱীত যিমান-বোৰ লোক-সংখ্যা আছে, সেই লোক-সংখ্যাৰ চাৰিগুণ লোকক জীৱন-যাপনৰ সুখ স্বাচ্ছন্দ্য দিব পাৰে আৰু ১৯৩৫ চনত আমেৰিকাৰ যুক্তৰাষ্ট্ৰ চৰকাৰে নিজ দেশৰ শিল্প আৰু কৃষি উৎ-পাদন ক্ষমতা পৰিমাপৰ কাৰণে যি কমিটি নিয়োগ কৰে সেই কমিটিৰ ৰিপোৰ্টখনত দেখা যায় যে যদি আমেৰিকাৰ উৎপাদন ক্ষমতা পূৰ্ণ ব্যৱহাৰ কৰে, তেনেহলে তাৰ উৎপন্ন ফল বা সামগ্ৰী প্ৰতি ঘৰে তেৰ হাজাৰ টকা ভাগত পৰে । আনফালে, এই হিচাব পোৱা কালছোৱাত আমেৰিকাত ভীষণ আৰ্থিক সংকটে দেখা দিছিল । তাত তেতিয়া ৩০ লাখ লৰা-ছোৱালী স্কুলত পঢ়িব পৰা নাছিল অভাৱ অনাটনৰ কাৰণে আৰু আন ফালে, আঠৈ লাখ শিক্ষক বেকাৰ হৈ আছিল ।

ঠিক এইদৰেই সামন্তবাদী বা ধনীক পুঁজিবাদী ৰাষ্ট্ৰৰ অৰ্থনীতিয়ে এফালে বিজ্ঞানৰ প্ৰভুত্বত প্ৰচুৰ উৎপাদনৰ আৰু আন ফালে গভীৰ সংকট সৃষ্টি কৰাৰহে বাহন । গতিকে এই কথা অতি স্পষ্ট যে যেতিয়ালৈকে মালিকৰ লাভৰ প্ৰয়োজনত উৎপাদনৰ উদ্দেশ্য আৰু নীতি চলি থাকিব, তেতিয়ালৈকে অভাৱ অনাটন আৰু নিবনুৱা সমস্যা অনিবাৰ্য্যকৈ থাকিব আৰু আৰ্থসামাজিক বিভিন্ন ক্ষেত্ৰতেই কলঙ্ক থাকিবই । যেতিয়াৰ পৰা সমাজতন্ত্ৰবাদী অৰ্থ-নীতিৰ উৎপাদনৰ উদ্দেশ্য আৰু নীতি প্ৰকৰণ মানুহৰ চাহিদা বা প্ৰয়োজন পূৰণৰ স্বাৰ্থত বস্তু উৎপাদন কৰা হব, তেতিয়াৰ পৰাহে মানুহৰ সুখ স্বাচ্ছন্দ্য আৰম্ভ হব ।

সকলোৱে জানে যে, অসম তথা ভাৰতবৰ্ষ এখন অতি পুৰণি দেশ। ইয়াৰ সভ্যতা অতি প্ৰাচীন। আদিম ভাৰতত বিদেশী ভ্ৰমণকাৰী পৰ্য্যটক সকলে কৈ গৈছে যে, ভাৰতে যেতিয়া জ্ঞানৰ পোহৰ পাই শিল্প, বিজ্ঞান, দৰ্শন, জ্যোতিষ আদিত হাত দিয়ে, তেতিয়া পৃথিবীৰ অধিক সংখ্যক দেশেই অসভ্য আৰু অৰ্দ্ধ সভ্য অৱস্থাত আছিল। ভাৰতেই আদিতেই দৰ্শন, বেদ, উপনিষদ, আৰু সাহিত্যৰ জ্ঞান, পশ্চিমৰ অনেক দেশত বিতৰণ বা প্ৰচাৰ কৰিছিল। যেতিয়া পৃথিবীৰ অন্যান্য দেশৰ লোকবোৰ অজ্ঞান আন্ধাৰত পৰি আছিল, তেতিয়া ভাৰতীয় সভ্যতা চাৰিওফালে বিস্তাৰ হৈছিল।

বিদেশী আধিপত্য নথকাত ভাৰতীয় লোকে অতি কম পৰিশ্ৰম কৰিয়েই জীৱিকা নিৰ্ব্বাহ কৰিব পৰা ব্যৱস্থা হৈছিল। সেই আৰ্য্য সভ্যতাৰ দিনত বস্তুৰ সাল-সলনি আছিল। মুদ্ৰা বিনিময় নাছিল; তেতিয়াইহে প্ৰকৃত মানৱত্ব শান্তি শৃংখলা আছিল।

অতীতৰ সেই ম্লান হৈ যোৱা সভ্যতা, সত্যতা, শান্তি আৰু প্ৰগতি ঘূৰাই আনিবলৈ হলে সমাজতন্ত্ৰবাদী শাসন প্ৰতিষ্ঠা হব লাগিব। সমাজতন্ত্ৰবাদী অৰ্থনীতি, ৰাজনীতি, সংস্কৃতি আদি কায়েম হব লাগিব। সমাজতন্ত্ৰবাদী তথা সাম্যবাদী শক্তিয়েহে পিছপৰা সম্প্ৰদায় সমূহৰ ক্ৰম-উন্নতি সাধনৰ পথ পৰিষ্কাৰ কৰি দিব পাৰে; ইয়াৰ অবিহনে দাৰিদ্ৰ ভোগী সম্প্ৰদায়ৰ জনগণৰ মুক্তি বা পৰিত্ৰাণ নাই আৰু চিৰকালেই নহব। বিভিন্ন জাতি গোষ্ঠী আৰু বিভিন্ন সম্প্ৰদায়বোৰে ব্যক্তিগত ধৰ্ম, শিক্ষা, সংস্কৃতি আদি উন্নতি লোভিব বিচৰাৰ পথ সুগম আৰু অক্ষুণ্ণ কৰিব— সমাজতান্ত্ৰিক ৰাষ্ট্ৰ আৰু ইয়াৰ অৰ্থনীতিয়েহে।

এই মহাপ্ৰাণ প্ৰতিষ্ঠাৰ কাৰণে অসম তথা ভাৰতীয় জননেতা সকলে জাতিবৰ্ণ নিৰ্ব্বিশেষে ১৯৪৯ৰ পৰা ১৯৫০-৫২ চনলৈ সুদীৰ্ঘ সংগ্ৰাম কৰি আহিছে। সেই সংগ্ৰামৰ ঐতিহ্যই আজিও আমাৰ অপৰিহাৰ্য্য আদৰ্শ। ধনীক শ্ৰেণীৰ কুশাসন আৰু শোষণ উচ্ছেদ

কৰিবৰ বাবে সেই সংগ্ৰামী বিশিষ্ট বিপ্লৱী নেতা সকলৰ অসমৰ মহান কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাও অন্যতম। মহৎ অবদান আৰু আদৰ্শ অসম বাসীৰ চিৰস্মৰণীয় আৰু চিৰ-কণ্ঠস্বৰ স্বৰূপে চিৰ-প্ৰেৰণাৰ খনি হৈ বুৰঞ্জীৰ পাতত জিলিকি থাকিব।

"শ্ৰেণী-হীন
জাতি-দল বিভেদ-বিহীন
হব এক অভিনৱ—
নতুন সমাজ-তন্ত্ৰ
উচ্চাৰিব মহামন্ত্ৰ
চলাই সাম্যৰ যন্ত্ৰ
বিশ্ব-সংঘ মিলি সবে
কৰিব শাসন,
ৰজা হব হীন জনগণ
গঢ়ি পাতি সুখৰ সমাজ—
'পঞ্চায়ত ৰাজ'।"

কলাগুৰুৰ স্বপ্ন দিঠক হওক।

